# বাহী ।

শ্ৰীবেণুধৰ ৰাজখোৱা বি,এ,
দ্বাৰা ৰচিত।



শ্ৰী[illegible]াম বৰুৱাৰ দ্বাৰা
প্ৰকাশিত।

১৮২৮ শক।

বেচ।০ এমহা মাথোন।



# পাতনি।

বৰ্ত্তমান কাল অসমীয়াৰ পক্ষে সঙ্কটৰ যুগ। কৰ্ম্মক্ষেত্ৰত প্ৰাণ-টাকি যত্ন নকৰিলে, অসমীয়া তৰিব নোৱাৰে। মোৰ মনত বিশ্বাস হৈছে, ঐশ্বৰিক সাহায্য নহলে, অসমীয়া জাতি ধ্বংস পাব ; নাইবা ঘৃণনীয় জীৱন ধৰিব। হৃদয়ৰ আবেগ এই ক্ষুদ্ৰ "বাঁহীৰে" প্ৰকাশ কৰিলোঁ। উদাৰ-চৰিত গায়ক সকলে ধৃষ্টতা মৰষিব। "বাঁহীৰ" গান-বিলাক "মঙ্গলদৈ-মজলিছ"ৰ বৈঠকত গোৱা হৈছিল।

মঙ্গলদৈ,
১২ ফেব্ৰুৱাৰি। শ্ৰীবেণুধৰ ৰাজখোৱা।

# পাতনি।

বৰ্ত্তমান কাল অসমীয়াৰ পক্ষে সঙ্কটৰ যুগ। কৰ্ম্মক্ষেত্ৰত প্ৰাণ-টাকি যত্ন নকৰিলে, অসমীয়া তৰিব নোৱাৰে। মোৰ মনত বিশ্বাস হৈছে, ঐশ্বৰিক সাহায্য নহলে, অসমীয়া জাতি ধ্বংস পাব ; নাইবা ঘৃণনীয় জীৱন ধৰিব। হৃদয়ৰ আবেগ এই ক্ষুদ্ৰ "বাঁহীৰে" প্ৰকাশ কৰিলোঁ। উদাৰ-চৰিত গায়ক সকলে ধৃষ্টতা মৰষিব। "বাঁহীৰ" গান-বিলাক "মঙ্গলদৈ-মজলিছ"ৰ বৈঠকত গোৱা হৈছিল।

মঙ্গলদৈ,<br>১২ ফেব্ৰুৱাৰি।

শ্ৰীবেণুধৰ ৰাজখোৱা।





# বাঁহী।

সিন্ধুকাফি—ঢিমা তেতাল।

তাহানিৰ স্বপ্ন গাঁথা, বাঁহী মোৰ, বজোৱাঁ অসম ভূমি।
ব্ৰহ্মপুত্ৰ কল্লোলিত, বাঁহী মোৰ, বজোৱাঁ অসম ভূমি॥
প্ৰকৃতিৰ লীলাক্ষেত্ৰ,
বহুতীৰ্থ সুপৱিত্ৰ,
কোৱাঁ তাৰ গুণ তুমি॥
শুনা অসমীয়া, বাঁহী মোৰ অমিয়া, বজোৱাঁ অসম ভূমি।
একেসুৰে, একেদৰে, বজোৱাঁ অসম ভূমি॥

---

## বৰ গীত।

হে অসম, তুমি অনাথিনী আই।
তোমাৰ পুত্ৰগণে, কান্দিছে সঘনে, থাকিবৰে বহা নাই॥





# বাঁহী।

সিন্ধুকাফি—ঢিমা তেতাল।

তাহানিৰ স্বপ্ন গঁথা, বাঁহী মোৰ, বজোৱাঁ অসম ভূমি।
ব্ৰহ্মপুত্ৰ কল্লোলিত, বাঁহী মোৰ, বজোৱাঁ অসম ভূমি॥
প্ৰকৃতিৰ লীলাক্ষেত্ৰ,
বহুতীৰ্থ সুপবিত্ৰ,
কোৱাঁ তাৰ গুণ তুমি॥
শুনা অসমীয়া, বাঁহী মোৰ অমিয়া, বজোৱাঁ অসম ভূমি।
একেসুৰে, একেদৰে, বজোৱাঁ অসম ভূমি॥

## বৰ গীত।

হে অসম, তুমি অনাথিনী আই।
তোমাৰ পুত্ৰগণে, কান্দিছে সঘনে, থাকিবৰে ৰহা নাই॥

( হৰি হে )
তোমাৰ শোৱা ঘৰ, লোকলৈ এৰিলা, কিনো কথা বিপৰীত।
মাথে হাত দিয়া, এবে কথা শুনি, হোৱাঁ শোকে জৰ্জ্জৰিত ॥
( হৰি হে )
তোমাৰ বিলাই, মনত পেলালে, বুকু ফাটি-চিটি যায়।
জগতৰ মাজে, জানিলোঁ ঠাৰবে, তোমাত্‌কৈ আঁজলী নাই ॥

---

লুম্ ঝিঁঝিট্—পোস্তা।

বহল জগত মাজে, মই অনাথিনী নাৰী।
অনাই বনাই ফুৰোঁ, নাই মোৰ ঘৰ-বাৰী ॥
কান্দিবৰো শক্তি নাই,
মৰিলোঁ মৰিলোঁ হাঁয়,
নাই নে এজনো পুত্ৰ-নাতি মোৰ পুতৌ-কাৰী ॥
কণ্ঠাগত প্ৰাণ আজি,
বিধতাৰ কিনো বাজি,
আছিলোঁ ৰজাৰ ৰাণী, এতিয়া পথৰ ভিখাৰী ॥
মোৰ পুত্ৰ কতজন,
বুদ্ধি স্বৰ্গ নাৰায়ণ,
ৰুদ্ৰসিংহ স্বৰ্গগামী, হৃদয় মোৰ বিদাৰি ॥



অমৰ জীৱন কিয়,
দিলা মোক জগজ্জীৱ,
মৰোঁ যেন এতিক্ষণে, যদি হে মৰিব পাৰি ॥
মোমাই তামুলী আহি,
দিয়া বুদ্ধি এটি ছাহি,
আপুনি নেপায় দিহা, মোৰ পুত্ৰে ঘূৰি-ঘাৰি ॥
নিৰাশাৰ ধোৱাঁ কোৱাঁ,
মেৰাইছে মোক চোৱাঁ,
জীৱৰো বাসনা মিছা, পেলাওঁ প্ৰাণ এছাৰি ॥
ৰসাতলে যাওঁ মই,
মায়া মোহ এৰি থই,
সাতানব্বৈ ভূমিকম্প, আহাঁ তুমি মহামাৰী ॥

---

ঝিঁঝিট্—মধ্যমান।

ভিতৰুৱাল কথা সাৰি, কাণে কাণে শুনি যোৱাঁ।
অসমীয়াৰ [illegible] লুকাব, কাণে কাণে শুনি যোৱাঁ ॥
এই যে দেখিছা তুমি, সুখৰ জনম ভূমি।
কালি হব দুখময়ী, কাণে কাণে শুনি যোৱাঁ ॥
পতিত-উদ্ধাৰ-যন্ত্ৰ, নললে একতা মন্ত্ৰ।
ৰসাতলে যাবা ভাই, কাণে কাণে শুনি যোৱাঁ ॥

পূৰবী—আড়া।

চোৱাঁ চোৱাঁ দুষ্ট বাহু, গিলিছে অসম-জোন।
ওলাব পাৰিব জানো, কোৱাঁ হে সৰবজান॥
চাওঁতে চাওঁতে হাঁয়,
গিলি নিছে কেনেকই,
পেটত সুমাই থলে, ওলাব নে কোৱাঁচোন।
হৰিক ভজিলে ভাই,
উলিয়াব বতিয়াই,
নোৱাৰে সহিব পাপী, ঈশ্বৰ-নাম-কীৰ্ত্তন॥

---

বাগেশ্ৰী—একতাল।

কিয় সৰজিলা, ভাৰত-ভূমিত, এই অনাথিনী হৰি।
সবেও হৰিষে, চায় মহোৎসৱ, মই হে থাকিলোঁ পৰি॥
আকাশলৈ উঠি বাজনাৰ ধ্বনি,
চৌদিশে লগায় জানো থলকনি,
শুনোতাৰ হয় প্ৰফুল্ল পৰাণি, কিয়নো নেযাওঁ মৰি॥
মোৰ দিঙ্গিশুদা, বুকু ফাটি যায়, নসহে যাতনা প্ৰাণে।
হেৰা দয়ামণি, দয়া কৰি মোক, মাৰি নিয়াঁ প্ৰতিক্ষণে॥



মই কঙ্গালিনী পথ ভিখাৰিণী,
কি সাহেৰে যাওঁ মহোৎসৱ পিনি,
যতেক তিৰুতা, আছে সভা জিনি, থোপা থোপে মণি
আঁৰি॥

---

লেচাৰি।

অসম-মাতৃৰ দুৰগতি, দেখি প্ৰাণ মোৰ কান্দে অতি,
এনুৱা বিলাই গোঁসায়ে কিয়নো দিলে।
মহা পৰাক্ৰান্ত ব্ৰহ্মপুত্ৰ, যাৰ বৰ্ত্তমান জ্যেষ্ঠ পুত্ৰ,
তাৰ এনে দশা বিধিয়ে কিয় কৰিলে॥
ওখ পৰ্ব্বতৰ সাৰি সাৰি, যাৰ বন্ধুবৰ্গে আছে বেৰি,
তাহান অৱস্থা সুৱঁৰি দহে পৰাণ।
ঋষি মুনি যাৰ আছে গুৰু, শুদ্ধ সত্ব দেৱ কল্পতৰু,
তাৰ আজি চোৱাঁ হীন দশা অপমান॥
অসমৰ পুত্ৰ ভগদত্ত, বাণ ৰাজা মহা দৰ্পৱত্ত,
ভীষ্মক হিড়ীম্ব আৰু কত কত বীৰ।
সিকালত তুমি অগ্ৰগণ্যা ছিলা পৃথিবীত বহু ধন্যা,
আজি শোকাতুৰা বহে নয়নৰ নীৰ॥
চোৱাঁ চোৱাঁ কিনো বিপৰ্য্যয়, ভুঞ্জিছা হে মাতৃ দুখচয়,
জানিলোঁ ইটো সে প্ৰভু ঈশ্বৰৰ মায়া।

পূৰবী—আড়া।

চোৱাঁ চোৱাঁ দুষ্ট বাহু, গিলিছে অসম-জোন।
ওলাব পাৰিব জানো, কোৱাঁ হে সৱবজান॥
চাওঁতে চাওঁতে হাঁয়,
গিলি নিছে কেনেকই,
পেটত সুমাই থলে, ওলাব নে কোৱাঁচোন।
হৰিক ভজিলে ভাই,
উলিয়াব বঁতিয়াই,
নোৱাৰে সহিব পাপী, ঈশ্বৰ-নাম-কীৰ্ত্তন॥

---

বাগেশ্ৰী—একতাল।

কিয় সৰজিলা, ভাৰত-ভূমিত, এই অনাথিনী হৰি।
সবেও হৰিষে, চায় মহোৎসৱ, মই হে থাকিলোঁ পৰি॥
আকাশলৈ উঠি বাজনাৰ ধ্বনি,
চৌদিশে লগায় জানো থলকনি,
শুনোতাৰ হয় প্ৰফুল্ল পৰাণি, কিয়নো নেযাওঁ মৰি॥
মোৰ দিক্সিগুদা, বুকু ফাটি যায়, নসহে যাতনা প্ৰাণে।
হেৰা দয়ামণি, দয়া কৰি মোক, মাৰি নিয়াঁ এতিক্ষণে॥



মই কঙ্গালিনী পথ ভিখাৰিণী,
কি সাহেৰে যাওঁ মহোৎসৱ পিনি,
যতেক তিৰুতা, আছে সভা জিনি, থোপা থোপে মণি
আঁৰি॥

---

লেচাৰি।

অসম-মাতৃৰ দুৰগতি, দেখি প্ৰাণ মোৰ কান্দে অতি,
এনুৰা বিলাই গোঁসায়ে কিয়নো দিলে।
মহা পৰাক্ৰান্ত ব্ৰহ্মপুত্ৰ, যাৰ বৰ্ত্তমান জ্যেষ্ঠ পুত্ৰ,
তাৰ এনে দশা বিধিয়ে কিয় কৰিলে॥
ওথ পৰ্ব্বতৰ সাৰি সাৰি, যাৰ বন্ধুবৰ্গে আছে বেৰি,
তাহান অৱস্থা সুৰঁৰি দহে পৰাণ।
ঋষি মুনি যাৰ আছে গুৰু, শুদ্ধ সত্ত্ব দেৱ কল্পতৰু,
তাৰ আজি চোৱাঁ হীন দশা অপমান॥
অসমৰ পুত্ৰ ভগদত্ত, বাণ ৰাজা মহা দৰ্পমত্ত,
ভীষ্মক হিড়ীম্ব আৰু কত কত বীৰ।
সিকালত তুমি অগ্ৰগণ্যা ছিলা পৃথিবীত বহু ধন্যা,
আজি শোকাতুৰা বহে নয়নৰ নীৰ॥
চোৱাঁ চোৱাঁ কিনো বিপৰ্য্যয়, ভুঞ্জিছা হে মাতৃ দুখচয়,
জানিলোঁ ইটো সে প্ৰভু ঈশ্বৰৰ মায়া।

হেৰা দীনবন্ধু তৱ পাৰে, কৰিছোঁ কাকুতি ভক্তিভাৱে,
কৰা অনাথিনী অসম মাতৃক দায়া ॥

---

ললিত—আড়াঠেকা।

ক'তে নো মৰোঁ, চেনেহৰ আই, পিন্ধিছা জিগিনি
কানি।
আজি অনাথিনী, চিৰিলি চিৰিলি, সাজ দেহৰ ঢাকনী ॥
তোমাৰ শত শত ল'ৰা,
ই দুৰ্দ্দশা কিহৰ পৰা,
( হেৰা মৰমৰ আই। )
তোমাৰ যত ল'ৰা, মতিগতি হীন, নেভাবে তিলেক্
জননী।
নেদেখোঁ যেন, শোকৰ পট, ইটো হাঁয় অসহনি ॥

---

তুঙ্গস্বৰ—একতাল।

অসম মাতৃ।—এনুৱা বিলাই, দেখিছা বোপাই,
কিয়নো নকৰাঁ কাণ।
অসম পুত্ৰ।—চেনেহৰ আই, নাই এটি পাই,
নাই ভঁৰালত ধান ॥



অসম মাতৃ—নেথাকিবা বহি, যোৰাঁ দিহাদিহি,
পাবা বহু ধন সোণ।
কথা কৰি কাতি, ধৰাঁ যদি খেতি,
পাবা ধান দোনে-দোন ॥
অসম পুত্ৰ।—বিদ্যা বুদ্ধি নাই, [অসম মাতৃ] নেভাবা সোণাই
ওলাব বুদ্ধি আপুনি।
একতা আশ্ৰয়, কৰিলে কি ভয়,
একতা বুদ্ধিৰ খনি ॥
অসম পুত্ৰ।—ছাল বাকলীয়া, আমি অসমীয়া,
শক্তিহীন নাই বল।
অসম মাতৃ।—শত জন মিলি, কৰাঁ পুৰুষালি,
লগেৰে ওপজে বল ॥
অসম পুত্ৰ—মানুহে বেহাত, দিলে হেনো হাত,
আহে বহুধন লই।
মূলধন নাই, কোৰাঁচোন আই,
বেহা পাতোঁ কেনেকই ॥
অসম মাতৃ।—মিলি জুলি বহা, পাতি চোৰাঁ বেহা,
তুমিও হবা চহকি।
অসম পুত্ৰ।—তেন্তে হেৰা আই, কিয় আছোঁ চাই
আৰু ভয় আছে নো কি ॥

অসম মাতৃ।—শিকি লোৱাঁ দেই, গুপ্ত মন্ত্র এই,
একতা মুক্তি-দুৱাৰ।
অসম পুত্ৰ।—জানিলোঁ জানিলোঁ, একতা ধৰিলোঁ,
তোমাৰ বুদ্ধি হে সাৰ॥
অসম মাতৃ।—ভজাঁ দেৱহৰি, ধৰা "এক্" কৰি,
অসম পুত্ৰ।—ললোঁ হে তোমাৰ বুদ্ধি।
অসম মাতৃ।—চিৰজীৱি হোৱাঁ, উপদেশ লোৱাঁ,
হব মনোৰথ সিদ্ধি॥

---

আশা যোগীয়া—একতাল।

তুমি নে অসম দুখিনী।
কিয় এনে, মনে মনে, কিবা হৃদি কথা গুণি॥
দীন হীন বেশে,
কিয় এনে পুণ্য দেশে,
অনাথিনী শোকাতুৰা, পুত্ৰ বন্ধু তোমাৰ কেনি॥

---

খাম্বাজ—কাশ্মীৰী খেম্‌টা।

আজো মেৰে প্যাৰা মাই, ভুখামে মৰ্ গেইও ৰে।
ভুখামে মৰ্ গেইও মেৰে গৰিব আসাম মাই ৰে॥



নাহি নিকালে মু'মে বাত্,
জান্ যায়েগা থোৰি বাদ্,
কোনি কাম কৰোঁ বত্‌লাও, কাঁহা দানা মিলে ৰে!

---

কীৰ্ত্তন—তুকক্ষৰ।

ক্ষণে কান্দে প্ৰাণ, নাহি পৰিত্ৰাণ,
কিয় হেৰা দয়ামণি।
তুমি দয়াধাৰ, কৰুণা সাগৰ,
তাৰিবা দুখুনী জানী॥
ক্ষীণ-কণ্ঠ বাণী, শুনা পদ্ম-পানি
কাতৰে কৰোঁ প্ৰণতি।
তুমি বিনে মোৰ, এনুৱা দুৰ্যোৰ,
গুচাব কোনে বিপত্তি॥
চোৱাঁ লৰাবোৰ, আছে যত মোৰ
কান্দে ক্ষুধাতুৰ হই।
মাৰি নিয়াঁ মোক, তেহে যাব শোক
নোৱাৰোঁ স'ব বিলাই॥

---

অসম মাতৃ।—শিকি লোৱাঁ দেই, গুপ্ত মন্ত্র এই,
একতা মুক্তি-দুৱাৰ।
অসম পুত্র।—জানিলোঁ জানিলোঁ, একতা ধৰিলোঁ,
তোমাৰ বুদ্ধি হে সাৰ॥
অসম মাতৃ।—ভজাঁ দেৱহৰি, ধৰা "এক্" জৰি,
অসম পুত্র।—ললোঁ হে তোমাৰ বুদ্ধি।
অসম মাতৃ।—চিৰজীৱি হোৱাঁ, উপদেশ লোৱাঁ,
হব মনোৰথ সিদ্ধি॥

---

আশা যোগীয়া—একতাল।

তুমি নে অসম দুখিনী।
কিয় এনে, মনে মনে, কিবা হৃদি কথা গুণি॥
দীন হীন বেশে,
কিয় এনে পুণ্য দেশে,
অনাথিনী শোকাতুৰা, পুত্র বন্ধু তোমাৰ কেনি॥

---

খাম্বাজ—কাশ্মীৰী খেম্‌টা।

আজো মেৰে প্যাৰা মাই, ভুখামে মৰ্ গেইও ৰে।
ভুখামে মৰ্ গেইও মেৰে গৰিব আসাম মাই ৰে॥



নাহি নিকালে মু'মে বাত্,
জান্ যায়েগা থোৰি বাদ্,
কোনি কাম কৰোঁ বত্‌লাও, কাঁহা দানা মিলে ৰে!

---

কীৰ্ত্তন—তুকসুৰ।

ক্ষণে কান্দে প্ৰাণ, নাহি পৰিত্ৰাণ,
কিয় হেৰা দয়ামণি।
তুমি দয়াধাৰ, করুণা সাগৰ,
তাৰিবা দুখুনী জানী॥
ক্ষীণ-কণ্ঠ বাণী, শুনা পদ্ম-পাণি
কাতৰে কৰোঁ প্ৰণতি।
তুমি বিনে মোৰ, এনুৱা দুৰ্ঘোৰ,
গুচাব কোনে বিপত্তি॥
চোৱাঁ লৰাবোৰ, আছে যত মোৰ
কান্দে ক্ষুধাতুৰ হই।
মাৰি নিয়াঁ মোক, তেহে যাব শোক
নোৱাৰোঁ স'ব বিলাই॥

---

পৰজ বাহাৰ—একতাল।

কিয় হে তুমি, জন্মভূমি, নিৰানন্দ প্ৰাণে, উটিছা বুৰিছা।
নাই নে হে কোনো, পুত্ৰবন্ধুবৰ্গ, ইদৰে আই, খুজিছা—
মাগিছা॥

কিনো আচৰিত পুত্ৰ পৰিজন,
সকলো তোমাৰ আছে সম্পূৰণ,
তথাপি দুখিনী, অনাথিনী বেশ, কি শাপত তুমি, —
যাতনা ভুগিছা॥

---

কীৰ্ত্তন।

হেৰা সমজুৱা, ইমানতে চোৱাঁ, কি কৰাঁ হে কথা মুগুণি।
ধেমালি অন্ত, জানিবা নিতান্ত, নুবুজা কি হব আপুনি॥
দেহি ঐ!

কি হব কি হব, ইবেলি তাৰিব কোনে।
হে ব্ৰহ্মপুত্ৰ তোমাৰে হে পুত্ৰ, আমি অসমীয়া জাতি;
( কেঁচুৱা অঁজলা আতি )
তোমাৰ হে পিতা, সৰ্ব্বশাস্ত্ৰ জ্ঞাতা, ভবিষ্য বাতৰি জানে;
( সৰ্ব্ব-শক্তিমান্ বিধি )
সুধিবা তেওঁক, কি আছে কওক, যত লিখা আছে মানে



( আমাৰ কপালত; )
( আনিবা বাতৰি পাছে। )
সি বাতৰি হায়, ভাবি এতিয়াই, ফুটে বুকু শত বাণে॥

---

দুৰ্গাবৰী—গীত।

দিহা।—(এহে) ইবেলি তোমাৰ মই (হে) নেদেখিছোঁ ভাল।
তোমাক কৰিব বন্দী, পাতে পন্তজাল॥
পদ।—নেদেখিছা অসমীয়া, ব্যাধ সাৰি সাৰি।
পাৰিবা নে ইমানতো যাব তুমি সাৰি॥
বিহ লগা চোকা কাঁৰ, ব্যাধৰ হাতত।
ডগ্‌মগী জুই তাতে লাগিছে চোঙত॥
চিকাৰী কুকুৰ পাল আছে মেলি জিবা।
সাৰাঁ অসমীয়া, যদি বুধি আছে কিবা॥
দিয়াঁ জাঁপ চেগ বুজি, অজলা হৰিণ।
লৰ মাৰি উশাহতে হোৱাঁ অন্তৰ্দ্ধান॥
ভতালিকে সবা দিহা কৰাঁ ভেবা ভাই।
চকুপানী টুকিবৰ আৰু বেলি নাই॥
মঙ্গহ শতুৰু হল, হৰিণা তোমাৰ।
জানিলোঁ বিধিৰ হায় নিষ্ঠুৰ বিচাৰ॥

ঈশ্বৰক স্তুতি কৰি বুকু ডাঠি লোৱাঁ।
এই বেলি অসমীয়া পলোৰ্ৱাঁ পলোৰ্ৱাঁ॥

---

আলিয়া—মধ্যমান।

অজলা হৰিণ, শুনি আজি বীণ,
কিয় তুমি আছা, ভেবা লাগি চাই।
নেজানা ই বীণ, তোমাৰ মৃত্যু-বীণ,
কিয় মন্ত্ৰ মুগ্ধ হোৱাঁ হে পলাই॥
ৰলে কিছু পৰ, আহি চোকা শৰ,
বিন্ধিব তোমাৰ, সুকোমল কাঁয়া।
এই বীণ-ধাৰী, তোমাৰ চিৰ-অৰি,
ব্যাধ নাম যাৰ, নাই দয়া-মায়া॥

---

বেহাগ—আড়খেমূটা।

অসম-আকাশ আজি, ডাৱৰে ছাটি পেলায়।
দিনতে এন্ধাৰ হল, একোকে দেখা নেযায়॥
মাৰিছে মেঘে গাজনি,
উঠিছে বুকু-কঁপনি,
কি কৰোঁ কলই যাওঁ, নেদেখোঁ একো উপায়॥

---



বেহাগ—আড়াঠেকা।

আমাৰ কি গতি কৰিলা।
সমুদ্ৰৰ মাজে প্ৰভু গুৰি এৰিলা॥
আৰু একো আশা নাই,
দেখিছোঁ ঢউৰ হাঁয়,
মৃত্যু আবাহনী হেৰা ভীষণ লীলা॥
দয়ামণি দয়াধাৰ
দিয়া দেখা পুনৰ্ব্বাৰ,
কিয় অন্তৰ্দ্ধান হলা, প্ৰাণ মাৰিলা॥

---

বাউল কীৰ্ত্তন।

দেশৰ কথা ভাবি, কিয় জুই জ্বালিলোঁ হিয়াত।
কিয় জুই জ্বালিলোঁ হিয়াত হে, কিয় জুই জ্বালিলোঁ হিয়াত॥
আকাঙ্ক্ষা আঙ্গঠা ফুঁৱাই,
কিয়নো জ্বালিলোঁ জুই,
জুই তাপ লাগি মোৰ, নাই চেষ্টা গাত।

---

মুলতান—একতাল।

( হৰি ) মোৰ কি পাপত, ই কৰ্ম্ম-যুগত, অসম-দেশত, জনম হল।
(হাঁয়) যত অসমীয়া, কৰ্ম্ম-নাইকিয়া, মনৰো দুখীয়া, হীন বল॥

ঈশ্বৰক স্তুতি কৰি বুকু ডাঠি লোৱাঁ।
এই বেলি অসমীয়া পলোৰাঁ পলোৰাঁ ॥

---

আলিয়া—মধ্যমান।

অজনা হৰিণ, শুনি আজি বীণ,
কিয় তুমি আছা, ভেবা লাগি চাই।
নেজানা ই বীণ, তোমাৰ মৃত্যু-বীণ,
কিয় মন্ত্র মুগ্ধ যোৱাঁ হে পলাই ॥
বলে কিছু পৰ, আহি চোকা শৰ,
বিন্ধিব তোমাৰ, স্থকোমল কাঁয়া।
এই বীণ-ধাৰী, তোমাৰ চিৰ-অৰি,
ব্যাধ নাম যাৰ, নাই দয়া-মায়া ॥

---

বেহাগ—আড়খেম্‌টা।

অসম-আকাশ আজি, ডাৱৰে ছাটি পেলায়।
দিনতে এন্ধাৰ হল, একোকে দেখা নেযায় ॥
মাৰিছে মেঘে গাজনি,
উঠিছে বুকু-কঁপনি,
কি কৰোঁ কলই যাওঁ, নেদেখোঁ একো উপায় ॥

---



বেহাগ—আড়াঠেকা।

আমাৰ কি গতি কৰিলা।
সমুদ্রৰ মাজে প্রভু গুৰি এৰিলা ॥
আৰু একো আশা নাই,
দেখিছোঁ ঢউৰ হাঁয়,
মৃত্যু আবাহনী হেৰা ভীষণ লীলা ॥
দয়ামণি দয়াধাৰ
দিয়া দেখা পুনর্ব্বাৰ,
কিয় অন্তর্দ্ধান হলা, প্রাণ মাৰিলা ॥

---

বাউল কীর্ত্তন।

দেশৰ কথা ভাবি, কিয় জুই জ্বালিলোঁ হিয়াত।
কিয় জুই জ্বালিলোঁ হিয়াত হে, কিয় জুই জ্বালিলোঁ হিয়াত ॥
আকাঙ্ক্ষা আঙঠা ফুঁৱাই,
কিয়নো জ্বালিলোঁ জুই,
জুই তাপ লাগি মোৰ, নাই চেষ্টা গাত।

---

মুলতান—একতাল।

( হৰি ) মোৰ কি পাপত, ই কৰ্ম্ম-যুগত, অসম-দেশত, জনম হল।
(হাঁয়) যত অসমীয়া, কৰ্ম্ম-নাইকিয়া, মনৰো দুখীয়া, হীন বল ॥

মনৰ শকতি, নাই বুদ্ধি বৃত্তি, অভিশপ্ত এই জন্ম-স্থল।
(আৰু) জীৱৰ বাসনা, নাই মোৰ জানা, ই বেলি প্ৰাণৰ
মায়া গল॥

---

ললিত—আড়াঠেকা।

নিচিনিলোঁ অসম আই, এতেদিনে কথা ই কি।
কি কাৰণে অসমীয়া বুলি দিছোঁহে চিনাকি॥
যাৰ পৰা জন্ম পালোঁ,
তেনে আই নেজানিলোঁ,
হলোঁ অধোগামী কিনো, আৰু কিবা আছে বাকি॥

---

বেহাগ—মধ্যমান।

দীন অনাথ গতি, কি যাতনা সহিছোঁ।
ভৱিষ্যৰ ছবি মই, ভীষণ আঁকিছোঁ॥
কোনে পাৰা কই দিয়া, লুপ্ত হব অসমীয়া?
আবৰে ঘোৰ-ছায়া, কাল নৃত্য দেখিছোঁ॥

---

বেহাগ—আড়া।

আসাম আকাশ আজি আন্ধাৰে আবৃত।
মায়াময় মূৰ্ত্তি মোৰ মন-মাজত॥



কিবা কুলক্ষণ, কৰিছোঁ ক্ৰন্দন,
যেন যাতনা যাদৰ যাব যত॥

---

অহং কালেংড়া—পোস্তা।

মনৰ লুকুৱা কথা, আজি কওঁ তোমাক সখি।
এতেদিনে আছিলোঁ হে যতনেৰে তাকে ৰখি॥
অসমীয়াৰ নাম লুকাব,
জানিবা সখি স্বৰূপ,

---

ইমন বেহাগ—একতালা।

যায় হে যায়, ই মোৰ পৰাণ, পাৰিলে ৰাখি দিয়াঁ।
চিন্তা জুইয়ে আগুৰিলে, গোটেই মোৰ কোমল হিয়া॥
দেহাৰ পোৰণি ধৰে,
জানোঁ আজি পৰাণ মৰে,
বন্ধুবৰ্গ আহাঁ চাপি, আজি সকলোৱাই নিয়াঁ॥

---

ভৈৰব—ঠুংৰী।

জয় দীন তাৰণ, প্ৰভু নাৰায়ণ, স্তুতি-নতি কৰোঁ কিবা হে।
আমি সবে আতি, ক্ষীণ মূৰ্খ জাতি, কৃপা বিতৰণ কৰিবা হে॥
কৰ্ম্ম-চক্ৰ ঘূৰি, হেৰা চক্ৰধাৰী, মাৰিছে আমাৰ পৰাণ হে।
দীন হীন জানি, সিঁচি দয়া পানী, ৰক্ষা কৰাঁ ভগৱান হে॥

মনৰ শকতি, নাই বুদ্ধি বৃত্তি, অভিশপ্ত এই জন্ম-স্থল।
(আৰু) জীবৰ বাসনা, নাই মোৰ জানা, ই বেলি প্ৰাণৰ
মায়া গল॥

---

ললিত—আড়াঠেকা।

নিচিনিলোঁ অসম আই, এতেদিনে কথা ই কি।
কি কাৰণে অসমীয়া বুলি দিছোঁহে চিনাকি॥
যাৰ পৰা জন্ম পালোঁ,
তেনে আই নেজানিলোঁ,
হলোঁ অধোগোমী কিনো, আৰু কিবা আছে বাকি॥

---

বেহাগ—মধ্যমান।

দীন অনাথ গতি, কি যাতনা সহিছোঁ।
ভবিষ্যৰ ছবি মই, ভীষণ আঁকিছোঁ॥
কোনে পাৰা কই দিয়া, লুপ্ত হব অসমীয়া?
আবৰে ঘোৰ-ছায়া, কাল নৃত্য দেখিছোঁ॥

---

বেহাগ—আড়া।

আসাম আকাশ আজি আন্ধাৰে আবৃত।
মায়াময় মূৰ্ত্তি মোৰ মন-মাজত॥



কিবা কুলক্ষণ, কৰিছোঁ ক্ৰন্দন,
যেন যাতনা যাদৱ যাব যত॥

---

অহং কালেংড়া—পোস্তা।

মনৰ লুকুৱা কথা, আজি কওঁ তোমাক সখি।
এতেদিনে আছিলোঁ হে যতনেৰে তাকে ৰখি॥
অসমীয়াৰ নাম লুকাব,
জানিবা সখি স্বৰূপ,

---

ইমন বেহাগ—একতালা।

যায় হে যায়, ই মোৰ পৰাণ, পাৰিলে ৰাখি দিয়াঁ।
চিন্তা জুইয়ে আগুৰিলে, গোটেই মোৰ কোমল হিয়া॥
দেহাৰ পোৰণি ধৰে,
জানোঁ আজি পৰাণ মৰে,
বন্ধুবৰ্গ আহাঁ চাপি, আজি সকলোৱাই নিয়াঁ॥

---

ভৈৰৱ—ঠুংৰী।

জয় দীন তাৰণ, প্ৰভু নাৰায়ণ, স্তুতি-নতি কৰোঁ কিবা হে।
আমি সবে আতি, ক্ষীণ মূৰ্খ জাতি, কৃপা বিতৰণ কৰিবা হে॥
কৰ্ম্ম-চক্ৰ ঘূৰি, হেৰা চক্ৰধাৰী, মাৰিছে আমাৰ পৰাণ হে।
দীন হীন জানি, সিঁচি দয়া পানী, ৰক্ষা কৰাঁ ভগৱান হে॥

ইমন্—আড়াঠেকা।

চৰণৰ ধূলি, লওঁ মাথে তুলি, কৰা প্ৰভু শান্ত প্ৰাণ।
দিয়াঁ হে অভয়-দান ॥
কঁাপিছে অন্তৰ অতি হুলস্থুল,
নিগূঢ় আতমা কিবা বিয়াকুল,
কিয় এনে হয়, কিহবে বা ভয়, দিয়াঁ প্ৰভু সমিধান ॥

---

খাম্বাজ—কাওৱালী।

দীন-দুখীয়া, আমি অসমীয়া, কৃপাকৰাঁ প্ৰভু হৰি।
তব কৃপা বিনে, অসমীয়া জাতি, ঠাৱৰে হব আহৰি ॥
হেৰা কৃপাসিন্ধু,
নেপালে কৃপাবিন্দু,
দীন হীন, জীৰ্ণ ক্ষীণ, যাব অসমীয়া মৰি।
চৰণে চপাই, ধৰিবা গোঁসাই, মাতোঁ চৰণত ধৰি ॥

---

ললিত বিভাস—মধ্যমান।

চোৰাঁ হে বন্ধু পীত বসন ঘনশ্যাম।
পূজোঁ আহাঁ বংশীধাৰী,
সংসাৰৰ দুখহাৰী,
কৰিব আমাৰ পূৰ্ণ, অবিলম্বে মনস্কাম ॥



ভক্তিৰ অঁাজলি-দানে,
পূজোঁ হে হৰি-চৰণে,
অৱশ্যে লভিম আমি, কৰ্ম্মক্ষেত্ৰে মোক্ষধাম ॥

---

ব্ৰহ্ম কীৰ্ত্তন বাউলসুৰ—একতাল।

( হৰি ) কৰ্ম্ম-নদীৰ মাজৰ পৰা তাৰিবা ইবেলি।
তুমি নেতাৰিলে, তাৰে কোনে, হেৰা বনমালী ॥
নাই বুদ্ধি মোৰ,
নেজানোঁ সাঁতোৰ,
উদ্ধাৰিবা প্ৰভু আজি, দিওঁ ভক্তি-অঁাজলি ॥

---

সিন্ধু ভৈৰবী—ঠুংৰী।

[illegible]ত্ৰাপৰি, প্ৰভু প্ৰাণপতি, পালন লালন হৰি।
[illegible]শি করুণা, কৃপাময় মাধৱ, ৰাখিবা দোষ ক্ষমা কৰি ॥
যতেক সন্ততি, নষ্টগতি মতি, অসম মাতৃক হেলা।
নেঠেলি নিজ-গুণে, ধৰি ৰাখা ৰাঘৱ, ঘোৰ সঙ্কটৰ এই বেলা ॥
কাকুতি কৰিছোঁ হে, দিয়া দয়া দয়াময়, মাতিছোঁ দান্তে
তৃণ ধৰি ॥

---

বামকেলী—আড়াঠেকা।

কিবা শঙ্কা ভ্ৰান্তি ভয়, মিলি কৰোঁ কাম।
গুচিব চিৰ কলঙ্ক, আৰু সোৰোপালি নাম ॥
লাগি আছে চোৰাঁ গাত,
এতিয়াও দুই হাত,
আহা ভাই কৰা কাম, সুখ শান্তি পাম ॥

---

ঝিঁঝিট—একতাল।

আহাঁ আজি আমি বন্ধু সবে মিলি,
উলাহেৰে গাওঁ একতাৰ গীত।
নহলে জানিবা অসমীয়া জাতি,
নেথাকিব আৰু এই পৃথিবীত ॥

পূৰবে পছিমে উত্তৰে দক্ষিণে,
সজাগ হইছে জগতৰ জাতি।
আমি অসমীয়া বুজিছোঁ মাথোন
ভেম, কানি আৰু এলেহুৱা বাতি ॥

এতেকে হে ভাই একতা-ডোলত,
আহাঁ বন্দী হওঁ সবে হাঁহি মাতি।
এজনে নোৱাৰে সাধিব যি কাম,
বহুতে কৰিব হঁাবোঁ জুম পাতি ॥



সময় তাকৰ, আহাঁ কাম কৰোঁ,
বকলা মেলাৰ আজৰি নোলায়।
যাৰ যিবা সাধ্য নকৰিলে কাম,
কৰিব লাগিব পিছে হাঁয় হাঁয় ॥

---

ঝিঁঝিট—একতাল।

আহাঁ আজি আমি আনন্দ মনে,
দুখুনী-আসাম মাতৃ-চৰণে,
প্ৰণিপাত কৰি একান্ত মনে,
ধন্য কৰোঁ এই জীৱন।

সকলোৰে আমি একেলগে মিলি,
থিয়লা থিয়লি পাহৰোঁ সমূলি,
হৃদয়ৰ পৰা পেলাওঁ উভালি,
কাঁইটীয়া হিংসাৰ বন।

সাহৰ জৰীৰে মেৰোৱাঁ হৃদয়,
ব'লা আগুৱাওঁ নাই একো ভয়,
কুৰি-শতিকা হে কাৰ্য্যৰ সময়,
নেথাকিবা হৈ অচেতন।

বামকেলী—আড়াঠেকা।

কিবা শঙ্কা ভ্রান্তি ভয়, মিলি কৰোঁ কাম।
ঘুচিব চিৰ কলঙ্ক, আৰু সোৰোপালি নাম॥
লাগি আছে চোৰাঁ গাত,
এতিয়াও দুই হাত,
আহা ভাই কৰা কাম, সুখ শান্তি পাম॥

---

ঝিঁঝিট—একতাল।

আহাঁ আজি আমি বন্ধু সবে মিলি,
উলাহেৰে গাওঁ একতাৰ গীত।
নহলে জানিবা অসমীয়া জাতি,
নেথাকিব আৰু এই পৃথিবীত॥

পুৰুবে পছিমে উত্তৰে দক্ষিণে,
সজাগ হইছে জগতৰ জাতি।
আমি অসমীয়া বুজিছোঁ মাথোন
ভেম, কানি আৰু এলেহুৱা বাতি॥

এতেকে হে ভাই একতা-ডোলত,
আহাঁ বন্দী হওঁ সবে হাঁহি মাতি।
এজনে নোৱাৰে সাধিব যি কাম,
বহুতে কৰিব ক'ৰোঁ জুম পাতি॥



সময় তাকৰ, আহাঁ কাম কৰোঁ,
বকলা মেলাৰ আজৰি নোলায়।
যাৰ যিবা সাধ্য নকৰিলে কাম,
কৰিব লাগিব পিছে হাঁয় হাঁয়॥

---

ঝিঁঝিট—একতাল।

আহাঁ আজি আমি আনন্দ মনে,
দুখুনী-আসাম মাতৃ-চৰণে,
প্ৰণিপাত কৰি একান্ত মনে,
ধন্য কৰোঁ এই জীৱন।

সকলোৰে আমি একেলগে মিলি,
খিয়লা খিয়লি পাহৰোঁ সমূলি,
হৃদয়ৰ পৰা পেলাওঁ উভালি,
কাঁইটীয়া হিংসাৰ বন।

সাহৰ জৰীৰে মেৰোৱাঁ হৃদয়,
ব'লা আগুৱাওঁ নাই একো ভয়,
কুৰি-শতিকা হে কাৰ্য্যৰ সময়,
নেথাকিবা হৈ অচেতন।

নকৰিবা ভয় দেখি ৰণ ঠাই,
গুচোৱাঁ দুৰ্ণাম গুচোৱাঁ বিলাই,
পৰম-ঈশ্বৰ আমাৰ সহায়,
কিয় তুমি চিন্তা-মগন।

---

খাম্বাজ—লক্ষৌঠুংৰী।

চোৱাঁ আকাশলৈ বেলি ফট্‌কটীয়া।
ঢাৰি-পাটি নেৰাঁ কিয় অসমীয়া ॥
কোৱা কেচুঁ চৰাই,
ডালে ডালে ৰগায়,
পথী-বুধি জানো তোমাৰ নাইকিয়া ॥
পখিলা উলাহে,
নাঁচ নাচি আহে,
পৰি আছা তুমি যেনে গেৰ-মেটীয়া ॥
হৰিণা হৰিণী,
চৰে এনি তেনি,
তোমাৰ এনে গতি কিয় ডাঙ্গৰীয়া ॥
প্ৰকৃতি অচেতন,
তোমাৰ কল্‌মটিয়ন্‌,
ৰাগৰা-বাগৰি কৰিছা এতিয়া ॥



মিৰি গাবো অঁকা,
শ্যামা নথা নগা,
সকলো উঠিছে নেপালী থাছিয়া ॥
নোগোটালে উঠি,
ইবেলি এমুঠি,
কিনো থাবা ককাই হলে দুপৰীয়া ॥
কত একাদশী,
কৰিবা আঁউসী,
টানিব কিমান দিন দেহা লঘোনীয়া ॥
অথিৰ-অবিৰ হবা,
উটিবা-বুৰিবা,
বাগিচা কুলিৰো হবা মগনীয়া ॥
হেৰুৱাবা মৰ্জাত,
নেপাই জীৱনৰ ভাত,
অজাতি বিদেশীৰ হবা বহতীয়া ॥
চোৱাঁ বেৰে দিনি,
ৰদৰ জিলিঙ্গনি,
কাবৌটি কৰিছোঁ উঠঁা অসমীয়া ॥
ৰণুৱা গীতেৰে,
যুজিবা তেজেৰে,
জিকিব পাৰিলে হবা বিনন্দীয়া ॥

নকৰিবা ভয় দেখি ৰণ ঠাই,
গুচোৱাঁ দুৰ্ণাম গুচোৱাঁ বিলাই,
পৰম-ঈশ্বৰ আমাৰ সহায়,
কিয় তুমি চিন্তা-মগন।

---

খাম্বাজ—লক্ষৌঠুংৰী।

চোৱাঁ আকাশলৈ বেলি ফট্‌ফটীয়া।
ঢাবি-পাটি নেৰাঁ কিয় অসমীয়া ॥
কোৱা ফেচুঁ চৰাই,
ডালে ডালে ৰগায়,
পখী-বুধি জানো তোমাৰ নাইকিয়া ॥
পখিলা উলাহে,
নাচ নাচি আছে,
পৰি আছা তুমি যেনে গেৰ-মেটীয়া ॥
হৰিণা হৰিণী,
চৰে এনি তেনি,
তোমাৰ এনে গতি কিয় ডাঙৰীয়া ॥
প্ৰকৃতি অচেতন,
তোমাৰ কলমটিয়ন,
ৰাগৰা-বাগৰি কৰিছা এতিয়া ॥



মিৰি গাৰো অঁকা,
শ্যামা লথা নগা,
সকলো উঠিছে নেপালী থাছিয়া ॥
নোগোটালে উঠি,
ইবেলি এমুঠি,
কিনো খাবা ককাই হলে দুপৰীয়া ॥
কত একাদশী,
কৰিবা আঁউসী,
টানিব কিমান দিন দেহা লঘোনীয়া ॥
অথিৰ-অবিৰ হবা,
উটিবা-বুৰিবা,
বাগিচা কুলিৰো হবা মগনীয়া ॥
হেকৰাবা মৰ্জাত,
নেপাই জীৱনৰ ভাত,
অজাতি বিদেশীৰ হবা বহতীয়া ॥
চোৱাঁ বেৰে দিনি,
ৰদৰ জিলিঙনি,
কাবৌটি কৰিছোঁ উঠাঁ অসমীয়া ॥
ৰণুৱা গীতেৰে,
যুজিবা তেজেৰে,
জিকিব পাৰিলে হবা বিনন্দীয়া ॥

হাবাঁ যদি তুমি,
হবা স্বৰ্গগামী,
কিয় হোৱাঁ আধামৰা আধাজীয়া ॥
মৰিলে মৰিবা,
জীয়াঁ যদি জীবা,
কেলেপ্ জেলেপ্ গুচি হোৱাঁ এদনীয়া ॥

---

অহং—একতালা ।

উঠাঁ একে চিপে অসমীয়া ভাই,
বান্ধাঁ কঁকালত টঙ্গালি আঁটি ।
লোৱাঁ বীৰ সাজ, দিয়াঁ দলিয়াই,
কেঁচুৱা ল'ৰাৰ ঘাগৰি-গাতি ॥

ৰণ-ধ্বজা ধৰি বলা আগুৱাই,
তেজাল-খোজত কঁপোক মাটি ।
জানি লোৱাঁ ভাই এৰিবৰ হল,
গুণা খনিয়াৰ লাহৰি ছাটি ॥

উঠি কাম কৰাঁ, এৰি দিয়া তুমি,
জুহাল গুবিৰ কলা-ঘুমটি ।



ইমানতে ভাই চোৱাঁ চকুমেলি,
কানি ধোৱাঁ-খোৱা পেলোৱাঁ কাটি ॥

সুৱঁৰি তোমাৰ এনুৱা বিলাই,
যাৰ খোজে হাঁয় বুকু যে ফাটি ।
পেলোৱাঁ এছাৰ মাৰি সোৰোপালি,
নেথাকিবা আৰু হাত সাবটি ॥

সকলোৱে কাম কৰাঁ একমনে,
পুৱাৰ তেতিয়া দুখৰ ৰাতি ।
নহলে নিশ্চয় অভিধান মেলি,
নেপাবা আৰু অসমীয়া জাতি ॥

---

সিন্ধুভৈৰবী—একতাল ।

অঠাই-সাগৰত, পটুৱাৰ ভুৰ, উটুৱাই দিছোঁ, কেনেকৈ
যায় ।
থৰ থৰি কঁপে ঢউৰ মাজত,
কান্দিছে পৰাণ আশঙ্কা মনত,
বাউনী বলেৰে, লগৰীয়া বোৰে, বঠামাৰি বলা আশঙ্কা নাই ॥

ইকৰা বঠালৈ নকৰা কাণ,
ঈশ্বৰে তাৰিব নেপাহৰঁা যেন,
একে মাতে-মতা, প্ৰাৰ্থনাৰ বল, ইবেলি জানিবা, অঁজলা ভাই ॥

---

ঝিঁঝিট খাম্বাজ—পোস্তা।

আহঁা বন্ধু বাহু মেলি যাওঁ কৰ্ত্তব্যৰ পিনে।
মাতে সভ্যতাৰ বাঁহী একেবাহে ৰাতি দিনে ॥
সংসাৰ বলিয়া শুনি,
আজি এই বাঁহী-ধ্বনি,
কিয় আমি সুখ-বাঁহী, শুনিও নুশুনো কাণে ॥

---

অহং—একতাল।

উঠি কাম কৰঁা, কামী কলিযুগ।
কামেই অমৃত, কাম সুখ-ভোগ।
কামৰ উদ্দেশে মানুহ-জীৱন।
কাম অৱহেলা কৰিছা কিয় ?

সংসাৰী ধৰম জানি লোৱঁা কাম।
কামেই তোমাৰ পুৰুষালি নাম।



পৰমাৰ্থ নাই কাম বিনে ভাই।
কামেহে তোমাৰ বান্ধৱ প্ৰিয়।

যেতিয়া তোমাৰ কামেই জিৰণি,
যি দিনা হে কাম তোমাৰ টোপনি ;
সি দিনা লভিবা স্বৰ্গ, মোক্ষধাম—
আগতে দেখিবা জগত-জীৱ।

ঘূৰোৱঁা উলাহে কামৰ চকৰি ;
নৰবা, লগতে যোৱা খোজ কাঢ়ি।
ঘূৰিছে পৃথিবী কিবা দিন-ৰাতি,
তুমি নো জিৰাব লাগিছে কিয় ?

---

ইংৰাজী বণুৰা সুৰ।

ৰণ-ধ্বজা ধৰি যাওঁ।
শত্ৰু দেখি, নকৰিবা ভয়, বীৰ-সাজেৰে আগুৱাওঁ।
কোনে পাৰে জিনিব, বীৰ-সাজেৰে আগুৱাওঁ ॥

---

ইমন্ কল্যাণ—আড়াঠেকা।

সুন্দৰ অসম ৰাজ্য, প্ৰকৃতিৰ পুণ্য-ভূমি।
কাষত পৰ্ব্বত-শ্ৰেণী ধৰিছা মোহ তুমি ॥

(তোমাৰ) কৰিছে দেহা পবিত্ৰ,
মহানদ ব্ৰহ্মপুত্ৰ,
নীলাচল শোভে আৰু তীৰথ বহুধৰমী ॥
বিৰাজিছে উমানন্দ,
পৰশুৰামৰ কুণ্ড,
দেখিছোঁ ঈশ্বৰ-লীলা, কিয়নো নিৰাশ আমি ॥
বিদেশৰ এনে কান্তি,
তাৰ কিবা ভয়-ভ্ৰান্তি,
আহাঁ বুকু-ভৰা প্ৰেমে, পূজোঁ অনাথৰ স্বামী ॥

---

সিন্ধু খাম্বাজ—মধ্যমান।

ভক্তি-আঁজলিৰে পূজোঁ প্ৰভু নাৰায়ণ।
আজি এতে দিনে আশা দিয়ে দৰিশন ॥
মনৰ কুৰঁলি গল,
আশাৰ পোহৰ হল,
আশা-ভৰা প্ৰাণে হৰি কৰোঁ আৰাধন ॥
আশা কন্যা লয়-লাসে, নাচে হেৰা কাষে কাষে ;
কি আনন্দে পূজোঁ আমি হৰিৰ চৰণ ॥

---



খাম্বাজ—একতাল।

সেউতী মালতী আজি, আহা, কেনে কলিয়ায়।
হৃদয়-ফুলনী জুৰি আশা-কলি মিটিকায় ॥
যেতিয়া ফুলিব ফুল,
কৰিব মন আকুল,
অন্তৰ পোহৰ হব, গুচিব যত অপায় ॥
থাটিছোঁ বিভুক যেন,
বাঢ়ে কলি দিনে দিন,
দুষ্ট-পোকে যেন তাক ঠাৰি কুটি নসৰায় ॥

---

মোল্লাৰ—একতাল।

আজি একতা, আনন্দ-লতা, লগাই কি বেথা, ৰগাই যায়।
[illegible]-বিৰিধ, হল ফল থিয়, প্ৰেমৰ হেপাহে,
সিপোনে চায় ॥
বতাহৰ ছাটি, লাগি হলে গাটি, ভয় পাই আতি,
থৰথৰি প্ৰাণ।
একো শঙ্কা নাই, উছাহৰ সিপা, মাটি খানি বহু,
দূৰলৈ যায় ॥

---

(তোমাৰ) কৰিছে দেহা পবিত্ৰ,
মহানদ ব্ৰহ্মপুত্ৰ,
নীলাচল শোভে আৰু তীৰথ বহুধৰমী ॥
বিৰাজিছে উমানন্দ,
পৰশুৰামৰ কুণ্ড,
দেখিছোঁ ঈশ্বৰ-লীলা, কিয়নো নিৰাশ আমি ॥
বিদেশৰ এনে কান্তি,
তাৰ কিবা ভয়-ভ্ৰান্তি,
আহাঁ বুকু-ভৰা প্ৰেমে, পূজোঁ অনাথৰ স্বামী ॥

---

সিন্ধু খাম্বাজ—মধ্যমান।

ভক্তি-আঁজলিৰে পূজোঁ প্ৰভু নাৰায়ণ।
আজি এতে দিনে আশা দিয়ে দৰিশন ॥
মনৰ কুৰঁলি গল,
আশাৰ পোহৰ হল,
আশা-ভৰা প্ৰাণে হৰি কৰোঁ আৰাধন ॥
আশা কন্যা নৰ-লাসে, নাচে হেৰা কাষে কাষে ;
কি আনন্দে পূজোঁ আমি হৰিৰ চৰণ ॥

---



খাম্বাজ—একতাল।

সেউতী মালতী আজি, আহা, কেনে কলিয়ায়।
হৃদয়-ফুলনী জুৰি আশা-কলি মিটিকায় ॥
যেতিয়া ফুলিব ফুল,
কৰিব মন আকুল,
অন্তৰ পোহৰ হব, গুচিব যত অপায় ॥
খাটিছোঁ বিভুক যেন,
বাঢ়ে কলি দিনে দিন,
দুষ্ট-পোকে যেন তাক ঠাৰি কুটি নসৰায় ॥

---

মোল্লাৰ—একতাল।

আজি একতা, আনন্দ-লতা, লগাই কি বেথা, ৰগাই যায়।
কৈ—বিবিধ, হল ফল থিয়, প্ৰেমৰ হেপাহে,
সিপোনে চায় ॥
বতাহৰ ছাটি, লাগি হলে গাটি, ভয় পাই আতি,
থৰথৰি প্ৰাণ।
একো শঙ্কা নাই, উছাহৰ সিপা, মাটি থানি বহু,
দুৰলৈ যায় ॥

---

ঝিঁঝিট—দাদ্‌ৰা ।

আশাৰ-কুলিয়ে গায় সুললিত কুউ-গান ।
ৰিণি ৰিণি আহে মাত, লাগে কিনো চেঁচা কাণ ॥
সুখৰ বসন্ত-বাৰ,
সুধীৰ মলয়া বাৰ,
দূৰ ৰাজ্য এৰি ভাই আহি দিয়ে সুখ-জান ॥
নিৰাশাৰ শীত-কাল,
নেথাকিব চিৰকাল,
এই যে আমৰ ডাল, তাতে কুলি লব থান ॥

——

হিন্দুস্থানী—গজল্ ।

সবেৰে মে আসামীয়া আনন্দ কৰোঁ হো ।
আনন্দ কৰোঁ হো, আনন্দ কৰোঁ হো ॥
ৰাত্ কাটালিয়া, সূৰ্জ্ নিকাল গিয়া,
আভি পেৰেষাণ মত্ হো, দিল্ খোস্ কৰোঁ হো ॥

——

জংলা—খেম্‌টা ।

নাচে বুকুৰ মাজে আশাৰ পখিলা ।
উলাহী পখিলা বোৰ ৰঙ্গা ক'লা নীলা ॥



আজি অসমীয়াৰ, বাজিল বীণৰ তাঁৰ,
ছিগা-বীণ, ভাল হল, কিনো প্ৰভুৰ লীলা ॥

——

ললিত—আড়া ।

পূৰুব গগনে উষা, চোৱাঁ চোৱাঁ লগৰীয়া ।
ওলাব সুখ-সূৰুজ্ কৰি দিশ জেউতীয়া ॥
চোৱাঁ আশা মিটিকায়,
আৰু ভয়-ভ্ৰান্তি নাই,
জানিবা হে অন্তহল দুখৰ ৰাতি কলিয়া ॥
সুখৰ পূৰ্ব্ব কটকী,
মাতিছে চৰাই জাকি,
ঈশ্বৰৰ গুণ গাওঁ, আহাঁ ভাই অসমীয়া ॥

——

সিন্ধুৰা খাম্বাজ—ঢিমা তেতাল ।

আহে চোৱাঁ ভাগ্য-লক্ষ্মী, সুখ-বাঁহী বাজে ।
আজি হিয়া-জুৰি, আনন্দৰ জুৰি,
ভ্ৰমে মনোৰম হেৰা, অন্তৰৰ মাজে ॥
যোৱাঁ অসমীয়া, যোৱাঁ হে এতিয়া,
লক্ষ্মীক আদৰি আনা সুমঙ্গল সাজে ॥

——

বেওৰ—সুৰ।

Thro' cloud yon peeps hallow'd light.
Oh, how 'tis beautiful and bright!
Come ye, brothers, let us all sing,
Poor Assam and the Supreme King.
Forward; comrades, heaven is in sight.

